


**MAGMA**

**GAHBAR**

*A Novel written by Joykanta Gandhia Published by Nareswar Das, Friends Book Agency, Panbazar, Gauhati-1 Price Rupees Six & Paise fifty Only.*

॥ প্ৰকাশক ॥ শ্ৰীনৰেশ্বৰ দাস ॥

ফ্ৰেণ্ডচ বুক এজেন্সি ॥ পানবজাৰ ॥ গুৱাহাটী-১

॥ বেটুপাত-অঙ্গসজ্জা ॥ ত্ৰৈলোক্য দত্ত ॥ গুৱাহাটী ॥

॥ প্ৰথম প্ৰকাশ ॥ ডিচেম্বৰ '৭৫

॥ ৰচনাকাল ॥ ১৯৭৪ ॥

॥ ছপা ॥ শ্ৰীসুকুমাৰ চৌধুৰী ॥
॥ স্বৰ্ণা প্ৰিন্টিং ৱাৰ্কচ ॥ কলিকতা ॥

॥ মূল্য ॥ চাৰে ছয় টকা মাথোন ॥

*

*

অৰ্পণ

'যি জনে লগ পালেই সাহিত্য পঢ়িবলৈ আৰু সাহিত্য ৰচনা
কৰিবলৈ উদ্‌গণি দিছিল, যি জনে নিজ ঘৰলৈ মাতি
নি নানা দিহা পৰামৰ্শৰে পাঠ্য পুথি ৰচনা
কৰিবলৈ লগাইছিল--সেই জন উদাৰ
ব্যক্তি স্বৰ্গীয় হৰিপ্ৰসাদ নেওগৰ
পবিত্ৰ স্মৃতিত ।'

—গ্ৰন্থকাৰ—

এই কেই হাজাৰ শব্দ এনেই লেখা নাই। সমাজৰ গেলা ঘাট চেঙা তেল দিবলৈহে লেখা হৈছে। বৰ্ণিত চৰিত্ৰ সমূহ সমাজৰে যদিও, এইখন সম্পূৰ্ণ কাল্পনিক উপন্যাস। এই কেই হাজাৰ শব্দৰে মই কাকো ব্যক্তিগত ভাবে আক্ৰমণ কৰিবলৈ যোৱা নাই বা সেইটো মোৰ উদ্দেশ্যও নহয়। সমাজত যি দেখিছোঁ, আৰু যাৰ মুখত যিবোৰ শুনিছোঁ—সেই দেখা আৰু শুনা-বোৰেই এই কাহিনীৰ মূল ধন। ইয়াৰ কিবা কথা কাৰোবাৰ লগত মিলি গলে মোক দোষ নিদি নিজৰ চৰিত্ৰকে দোষক।

ইতি—

আশীৰ্ব্বাদ বিচাৰি

—জয়কান্ত গন্ধীয়া—

লেখকৰ অন্যান্য কিতাপ সমূহ :

- গল্প চয়নিকা।
- অশ্লীল স্কেচ্ছ্।
- এজনী ছোৱালীৰ ছবি।
- পঞ্চমী নাবৌ।
- স্নেহলতা
- মন পৰাজয়ৰ পাৰত।
- চিনাকি বাটৰ কাঁইট।
- বৰ্ষণ মুখৰ বিয়লি।
- অধৈয্যা ছল।
- প্ৰাচীন পৃথিৱী।
- মনত মেঘৰ ৰং। ( যন্ত্ৰস্থ )
- প্ৰবৃত্তি আৰু প্ৰকৃতি। ,,
- তেজ আৰু মগজু। ,,
- স্বপ্ন ছন্দৰ বন্যা। ,,



আমাৰ পৰিয়ালটো গাওঁখনৰ ভিতৰতে দুখীয়া।

দেউতাৰ দিনত অৱস্থা আৰু বেয়া আছিল। পিছত, ককাইদেউ কাঠ মিস্ত্ৰী হোৱাৰ পৰাহে আমি অলপ গা-টঙাব পৰা হলোঁ। ককাইদেৱে সেইকণ বিদ্যা আৰ্জি নোলোৱা হলেযে আমাৰ কি অৱস্থা হ'লহেতেন ভাবিবই নোৱাৰি। কিজানি পানীত হাঁহ নচৰাৰ নিচিনা হ'লহেতেন……

ককাদেউতাৰ ডেকা কাললৈকে অৱশ্যে আমাৰ অৱস্থা ভালেই আছিল। পিছে ডেকা কালতে, কোনোবা এজন ইংৰাজ পাওাৰ ফুচুলনিত পৰি ককাদেউতাই কানি খাবলৈ আৰম্ভ কৰিলে। বচ্… আমাৰ যি খিনি মাটি-বাৰী, সা-সম্পত্তি আছিল সকলো কানি বেপাৰীৰ হাতলৈ—অৰ্থাৎ দীঘলা মহাজনৰ হাতলৈ গ'ল। দীঘলা মহাজন আমাৰ অঞ্চলৰ বিখ্যাত কানি বেপাৰী। তেওঁৰ একমাত্ৰ ঘৰটো আমাৰ অঞ্চলৰ মানুহবোৰে কানি-মহল বুলিহে কোৱা কুই কৰে।

কানীয়া ককাদেউতাই আমাৰ সা-সম্পত্তিবোৰ শেষ কৰাৰ লগতে নিজৰ দেহটোকো শেষ কৰি অকালতে বৃদ্ধ হৈ পৰিল। তেওঁ দেউতাৰ বিয়াখনো পাতি থৈ যাব নোৱাৰিলে। দেউতাই আইক পানী অনাঘাটৰ পৰা হাতত ধৰি একপ্ৰকাৰ চুঁচৰাইহে অনা হেনো।

আইৰ দেউতাকে কোনোবা এখন বাগানত মহৰী কৰিছিল। আইৰ দুজনী বাই ভনী। মহৰী ককা মৰাৰ পিছত তেওঁৰ সম্পত্তি খিনি দুই বাই ভনীৰ মাজত ভাগ হ'ব লাগিছিল। পিছে নহ'ল। আধা-আধি হৈছিল যদিও কোনোবা খিনিত কেণা লাগি গ'ল। সামান্য কথাতে বেয়া পাই মহৰী ককাই আমাক একো নিদিলে।